# শ্ৰীভজনবিলাস পদ্ধতি।

বৈষ্ণৱ[redacted]

শ্ৰীযুক্ত কাশীনাথ দাস

বিৰচিত।

শ্ৰীলাহিৰাম তালুকদাৰ

প্ৰকাশক।

আসাম কামৰূপ, বজালী বাগাখাতা।

পথম তাঙ্গৰণ।

কলিকাতা,

৬নং কলেজ-স্কোয়াৰ, সাম্য যন্ত্রে,

আবদুল লতিফ দ্বাৰা মুদিত।

১৩১৫।

নেছ৵০ তিনি আনা মাগন।

# শ্রীভজনবিলাস পদ্ধতি।



বৈষ্ণবাগ্রগণ্য

শ্রীযুক্ত কাশীনাথ দাস

বিৰচিত।

শ্রীলাহিৰাম তালুকদাৰ

প্রকাশক।

আসাম কামৰূপ, বজালী বামাথাটা।

প্রথম তাঙ্গৰণ।

কলিকাতা,

৬নং কলেজ-স্কোয়াৰ, সাম্য যন্ত্রে,

আবদুল লতিফ দ্বাৰা মুদ্রিত।



# পাতনি।



পাঠক! এই পুথিখন মোৰ ওচৰৰ বৃন্নপুৰ গ্ৰাম নিবাসী ভাগতী শ্ৰীল শ্ৰীযুক্ত সৰ্ব্বানন্দ বেদান্তবাগীশ মহাশয়ক দেখুৱাই ছিলোঁ। তেওঁৰ কথা মতেই সাধুগুৰু, ব্ৰাহ্মণ, বৈষ্ণব, ভকত ও অভকত সকলোৰে লাগতীয়াল। ইয়াত যিমান সাৰুৱা কথা থাকিল, তিনি অনা পয়চাতে ইমান শাস্ত্ৰৰ সাৰ একেলগে পোৱা কঠিন। ইয়াক মইও ভাবি চালোঁ, আপুনা লোকেও দকৈ গমি চাওঁক; এটা মিচা কথাৰ সাধাৰণ সাক্ষী তিনিজন যদি ভালকৈ একে মুখে আদালতে দিব পাৰে, সেয়ে সচাবুলি প্ৰমাণ হয়। ইথলত ভাগবত, সন্মোহন তন্ত্ৰ, উদ্ভট্ট চন্দ্ৰিকা, গৌতমীয় তন্ত্ৰ, পদ্ম পুৰাণ, আদি পুৰাণ, গোড়ুৰ পুৰাণ ও পৰাশৰ সংহিতা প্ৰভৃতি দহ বাৰ জন ভদ্ৰ ভদ্ৰ সাক্ষী দিয়াতো যদি শ্ৰীভজন বিলাস পদ্ধতিৰ কথা মিচা বলে, তেন্তে জানিব পাৰিলোঁ বিচাৰপতি হিংসাৰ বাহিৰহৈ আইনৰ ভিতৰলৈ নগল। এতেকে অহিংসা পৰমধৰ্ম্ম ইকথা যেন সকলোৰে মনত থাকে এই প্ৰাৰ্থনা। ইতি

প্ৰকাশক।

শ্ৰীশ্ৰীকৃষ্ণচৈতন্যচন্দ্ৰায় নমঃ ।

# শ্ৰীভজনবিলাস পদ্ধতি ।

তংবন্দেবৈষ্ণবগুৰংপদানন্দসুশীতলং ।
যংপ্ৰসাদান্ময়াহ্জ্ঞস্যভক্তিশাস্ত্ৰবিলোকণং ॥

## আত্ম-নিবেদন ।

( পদ )

বন্দো আদ্য গুৰু পিতা মাতাৰ চৰণ ।
যাৰ উপদেশে দীক্ষা গুৰু দৰশন ॥১॥
(১) দীক্ষাগুৰু দীক্ষাবীজ ৰোপন কৰিয়া ।
আপুনি কান্দাৰি হই কান্দাৰ ধৰিয়া ॥২॥
(২) শিক্ষাগুৰু ঘাটেনৌকা দিলেক লগাই ।
ভাবিচাওঁ এনে উপকাৰী পাওঁ কৈই ॥৩॥

---

( ১ ) দীক্ষায় শৰন, শৰনে গুটি ।
( ২ ) শিক্ষায় ভজন, ভজনে গছ ॥

শিক্ষাগুৰু কলে হৰি ভজিবাৰ কথা।
নিচিনিয়া ভজা যদি হইবে অন্যথা ॥৪॥
(৩) শুক্ল, ৰক্ত, পীত, কৃষ্ণ ভাগৱতে কয়।
যুগ অবতাৰে এই চাৰি বৰ্ণ হয় ॥৫॥
সত্যযুগে শুক্ল বৰ্ণ হংসৰূপ যেই।
ত্ৰেতাতে কপিলমুনি ৰক্ত বৰ্ণ সেই ॥৬॥
দ্বাপৰতে কৃষ্ণৰূপে নন্দৰ ঘৰত।
অবতাৰ হই লীলা কৰিলা বহুত ॥৭॥
পীতবৰ্ণে গৌৰবৰ্ণ শুনা বাপভাই।
কলিযুগে হইল শ্ৰীচৈতন্য গোসাঁই ॥৮॥
ইকথাত যদি কাৰো সন্দেহ মনত।
সৰ্ব্ব ধৰ্ম্ম সাৰে সুধি চোৱা প্ৰথমত ॥৯॥
তদন্তৰে পুৰাণাদি আনু শাস্ত্ৰ চাই।
মিছাপোৱা মন্দবলা দুনাই দুনাই ॥১০॥
সত্য যুগে ধ্যান যেনে ত্ৰেতা যে যুগত।
যজ্ঞ, দানে ধৰ্ম্ম বুলি লোকত প্ৰখ্যাত ॥১১॥

---

ভাগবতে।

(৩) "আসন বৰ্ণাস্ত্ৰয়যৈশ্চগৃহানতন্নুযুগতনু।
শুক্লৰক্তস্তথাপীতংইদানিংকৃষ্ণতাগতঃ ॥"

পূজাতে কাতৰ যত দ্বাপৰৰ লোক।
কলিযুগে হৰিনাম বিনে অন্যে শোক ॥১২॥
যদি এনে কথা আঁছে সমস্ত লোকৰ।
(১) গৌৰ নবুলিলে কৃষ্ণে নেদে উপকাৰ ॥১৩॥
চাৰি যুগে চাৰি হৰি চাৰি ৰূপ ধৰে।
যুগ অৱতাৰে চাৰি ধৰ্ম্মক আচৰে ॥১৪॥
যি যুগৰ যি মানুহ সি যুগৰ হৰি।
সাৰ কৰি ধৰা এহি শাস্ত্ৰৰ বাতৰি ॥১৫॥
কলিযুগে গৌৰহৰি বিচাৰতে কয়।
এহি মতে চিনিজানি ভজিবা নিশ্চয় ॥১৬॥
ভাগবতী ভক্তিৰ যি এই সুবিচাৰ।
আক নাজানিয়া মাত্ৰ কৰে ব্যভিচাৰ ॥১৭॥
এই কথা শিক্ষাগুৰু মীমাংসা স্থলত।
বুজাইয়া কলে ভজনৰ ৰীতি যত ॥১৮॥
এনে শিক্ষাগুৰু পদে পৰিনত হুই।
লৰাবুঢ়া সবাৰো আগত কহু এই ॥১৯॥

---

সন্মোহন তন্ত্রে।

(১) "গৌৰতেজবিনাযস্তুশ্যামতেজসমৰ্চ্চয়েৎ।
জপেদ্বা বাধ্যায়তেক্কাপিসভবেৎপাতকিশীবে ॥"

মই মূৰ্খ মোৰ দোষ গুণক ন ধৰি।
সাৰক গ্ৰহণ কৰা মূলত বিচাৰি ॥২০॥
ৰচনা কৰিলোঁ ই যে ভজন বিলাস।
হই নুই ভাবি চোৱা কহে কাশীদাস ॥২১॥*।

---

## ভ, জ, ন।

(ভ) ভ'কয় ভব সংসাৰে, কেউহে চিনিব পাৰে,
পদ্মৰ স্বৰূপ সুধাভাণ্ড।
আছে ভ্ৰমৰ যিহই, সুধাতৃপ্তি পলুৱাই,
খাই ই যে আচৰিত কাণ্ড ॥২২॥
ভেক হই বাঞ্চা কৰে, গুৰিলৈ যাব নোৱাৰে
নোপাৱয় তাহাৰ যি ৰস।
যেনে অগ্নি দেখি কীট জাস দেই সেই মত,
সততে থাকিব তাৰ যশ ॥২৩॥

---

(তথাহি)

উদ্ভট্ট চন্দ্ৰিকায়াং।

"মধুলুব্ধভৃঙ্গ যথাপুষ্পাৎ পুষ্পান্তৰংব্ৰজেৎ।
জ্ঞানলুব্ধশিষ্যতথাগুৰ্ব্বাৎগুৰ্ব্বান্তৰং ব্ৰজেৎ।"

( কথা )

এই সংসাৰত পদ্মৰ নিচিনা এতা অমৃতৰ কলহ আছে; তাক কেৱে চিনিব পাৰে কেে নোৱাৰে। এই কাৰণ উদ্ভট্ট চন্দ্রিকা নামে এখন পুথিৰ মতলৈ'ভ কৈছে মধুৰ লোভত যেনেকৈ মউমাখি সকলে ইফুলৰ পৰা সিফুললৈকে মউ বিচাৰ কৰে, সেইৰূপ জ্ঞানৰ লুভিয়া শিষ্য সকলে, ইগুৰুৰ পৰা আন গুৰুত জ্ঞান লোৱাকেই ইথলত ভ্রমৰ কৈছে। লৰচৰ কৰিব নোৱাৰাকেই ভেক কৈছে। ভ্রমৰ গুৰুৰ কৃপাতে সুধাভাণ্ড চিনি সুধা খালে, ভেকে ইঠাইৰ পৰা আন ঠাই যাব নোৱাৰা গতিকে খাবলৈ দূৰে থায়ক, মিঠৈৰ কলহ বুলি চিনিয়ে নেপালে। ইয়াত ভ্রমৰৰ ভজনেহে উচিত।



তাৰ পটন্তৰ।

( ডুলড়ী )

অতি পূর্ব্ব কালে, প্রাচীন বৰ্হি ৰজা,
পশ্চিম সাগৰ কুলে।

আছে কত দিন, এনে সময়ত,
নাৰদক লগ পালে ॥২৪॥
ঋষিয়ে সুধিলা, কি কৰিছা ৰজা,
বৰ কষ্ট দেখোঁ মনে ।
ৰজাই উত্তৰ, দিলে প্ৰভু মই,
হীন ভজন সাধনে ॥২৫॥
পূৰ্ব্ব সাগৰৰ, পাৰ পৰা আসি,
পালোঁ পশ্চিম সাগৰ ।
তথাপিতো মন্ত্ৰ, সিদ্ধ হোৱা নাই,
কিন্তু দুৰ্ব্বাসনা মোৰ ॥২৬॥
দাঁত সৰি গল, ভূৰু পকাইলোঁ,
অঙ্গও অবশ হৈল ।
গুৰু দিয়া নাম, জপতে জপতে,
হাতৰ খেদালোঁ চাল ॥২৭॥
নাৰদে বোলন্ত, শুনা মহাৰজা,
সম্প্ৰদানোহোৱা গুৰু ।
আশ্ৰয় কৰিলে, নিষ্ফল হোৱয়,
নহে বাঞ্ছা কল্পতৰু ॥২৮॥

---

ভ, জ, ন।

এতেকতে তুমি, সম্প্ৰদাৰ গুৰু,
আশ্রয় কৰিয়া লোৱা।
নহলে তোমাৰ, সাধন নহব,
কোটিকল্প যদি চোৱা ॥২৯॥
তেতিয়া ৰজাই, কহিলা জুনাই,
আৰু কৈক লাগি যাওঁ।
কৃপাগুণে মোৰ, সংশয় ছেদিও,
আপুনাৰে শিষ্য হওঁ ॥৩০॥
ৰজাৰ বচন, শুনি দেব ঋষি,
মন্ত্র দিয়া চলি গৈলা।
কহে কাশীদাস, ভজন বিলাসে,
দেখা কি ৰকম খেলা ॥৩১॥*॥

---

ভাগবতেও গৌতমীয়তন্ত্রে।
"সম্প্রদায়বিহীন যে মন্ত্রেষ্ঠ নিষ্ফলামতা।
সাধনঞ্চ ন সিদ্ধতি কোটি কল্প শতৈৰপি ॥"

(কথা)

ভাগবতে আৰু গৌতমীয়তন্ত্ৰতো কৈছে সম্প্ৰ-
দা নাইকিয়া গুৰুদিয়া নাম মন্ত্ৰএক কোটি কল্প

জপ কৰিলেও তাৰ পৰাএকো ফল নধৰে। এতেকে পুনৰ গুৰু কৰিব পাৰি যে, ইবিষয় ভ'য়ে উদ্ভট্ট চন্দ্রিকা, ভাগবত ও গৌতমীয় তন্ত্র এই তিনিখন শাস্ত্রক সাক্ষী দিছে।

---

জ, ন।

(জ) জ'এ কয় ৰিঙ্গিয়ায়, জনমিয়া যি ধৰায়,
সমস্ত বিধান আছে থাই।
ব্রহ্মাৰ মাটিত যাৰ, চ'হৰ নাই কাৰবাৰ,
এহেন চহকি বেছি নাই ॥৩২॥
জীবন থাকোঁতে জন্ম, লব পাৰে হেন ক্ষম,
আছে যাৰ সেই ভাগ্যবান।
আৰু চিন্তামনিপূৰে, কোনে আনাগুনা কৰে
চিনি লোৱা হইয়া নিপুন ॥৩৩॥*॥

---

শিবোমা সম্বাদে।

"শৃনু দেবী প্রবক্ষ্যামি চৈতন্য পৰমাদ্ভুতং।
বিনা চৈতন্য মন্ত্রে ন জীবহীন বপুঃ যথা ॥"

ভাবচুৰামনিয়ে।

চিন্তামনিপূৰ চৈব গুপ্ত চন্দ্র গ্রাম স্তথা
ইত্যাদি।

( কথা )

শিৱোমাসম্বাদ আৰু ভাবচুৰামনি পুথিৰমত লৈজ’এ গেৰিএ গেৰিএ কৈছে, এই সংসাৰত জনমি যোনে ব্ৰহ্মাৰ মাটিত খেতি ন কৰিবৰ মনে বিধান বোৰ খাই এতালে, সেয়ে ডাঙ্গৰ চহকি। আৰু যোনে চৈতন্য মন্ত্ৰ লৈছে, তেওঁয়ে জীবন থাকোঁতে জন্ম লৈছে। সিজনেই চিন্তামনিপূৰকত্ কোনে কিহৰ আনাগুনা কৰে তাৰ খবৰ জানে। নহলে জীবনতে মৰা জানিবা।

---

ন।

( ছবি )

(ন) নএৰ নতুন ৰসে, ৰসিকে কৰয় বস,
কি ৰকম পাৰে বুজিবাক।
পাইছে যি তাৰ গন্ধ, ৰসিক সমাজে বন্ধ,
সহজ মানুহ বলে তাক ॥৩৪॥
অষ্ট মহাপাশ চিৰি, পৰিহৰি দূৰ কৰি,
সিজন হইছে সাবধান।
নিন্দায়ে বন্দনা তাৰ, একো নাই সাৰাসাৰ,
স্তবন পূজন মানামান ॥৩৫॥

সহজ ভজন ধৰি, জ্ঞান কৰ্ম্ম আশা এৰি,
হৰি কথা আলাপে যি ৰহে।
ভালে গেল তাৰ কাল, গেল মোর বৃথা কাল
ভজনবিলাসে কাশী কহে ॥৩৬॥*॥

( কথা )

পৰাশৰ সংহিতাৰ মতলৈ ন' কৈছে কি ন এৰ নতুন ৰস সি কত আছে? তাক যোনে জানে, সেয়ে ৰসিক ও সহজ ( অর্থাৎ সত্য ) মানুহ তাৰ ভজনো সত্য। সি অষ্ট মহাপাশ চিৰি আগয়ে সাবধান হৈছে। তাৰ ভাল বেয়া একো নাই। নিন্দায়ে সেবা কৰাৰ নিচিনা, স্তব স্তুতি যে অপমানৰ তুল্য। এতেকে যদি বৃথা দিন কটাব নুখোঁজা, তেন্তে অন্য ধৰ্ম্ম কৰ্ম্মৰ আশা এৰি চিনি জানি হৰি ভজা ও হৰি কথাত মগ্ন হোৱা; এয়ে দুর্ল্লভ মনুষ্য জন্মৰ স্বধৰ্ম্ম, নহলে আৰো চৌৰাশি লক্ষ নৰক ভোগ কৰিব লাগিব।

---

## ৰসিকৰমত।

( লেছাড়ি )

ৰসিক সমাজে এই মত, অৰসিক পক্ষে বিপৰীত,
তথাপি নহলে নোহয় এহি কাৰনে।

সংক্ষেপে জনাওঁ কিছুমান, শুনা সবে আত দিয়া কান
ভাবৰ বিকাৰে নোক্ষেপিব কাৰো মনে ॥৩৭॥
গুৰু দণ্ডে মন ভজা গুৰু, লঘূকে কৰিও যত্নে গুৰু
তেবে সে পাইবা ফল যে বাৰ মাহিয়া।
সন্ধ্যাকে কৰিব যোনে বন্ধ্যা, তাৰে অৰ্দ্ধ ৰাত্রি হব সন্ধ্যা
বেৰা থকা ঘৰে নহে তাৰ লাগতীয়া ॥৩৮॥
তন্ত্রোত নহোৱা মন্ত্র লই, অদীক্ষিত শিষ্য নিজে হই,
গন্ধহীন চুয়া চন্দন ফুলে পুজিও।
অজ্ঞান স্বৰূপ কুশাসনে, বসি সন্ধ্যা কৰ সযতনে
মুণ্ড নাই দণ্ডবতে গুৰুক সেবিও ॥৩৯॥
কাৰুন্যাৰ জলে কৰি স্নান, জ্ঞানকে কৰিও সদা ধ্যান,
আহ্নিক কৰিবা প্রতি সমাবস্যা ৰাতি।
নিশাহীন মদ খাই দিনে, মাতোয়াল হোৱা সৰ্ব্বক্ষনে
বেহুষ নহবা হলে পৰে হবক্ষতি ॥৪০॥
জন্ম লই খাব খোজে বাপ, তিল মাত্র তাত নাই পাপ
বাপৰ ধনে ধনী থাকে মাকৰ লগত।
মাকৰ মত বাপচিনি লই, তাকে জন্মদাতা বুলি কই,
বসি ৰঙ্গ চায়েপিতৃ মাতৃৰ আগত ॥৪১॥
কলিতে দ্বাপৰ কালমিলে, দিয়াশিক্ষা গুৰু আৰোকলে,
জিয়ালৈমৰাকান্দে শুখ্না নদীৰ কুলে।

ভজন বিলাসে দেখি শুনি, চিন্তাকৰ মনচিন্তামণি
নহলে বিপদে পৰিবা যে কাশী কলে ॥৪২॥*

---

## অষ্টমহাপাশ।

পৰাশৰ সংহিতায়াং।

"ঘৃণা লজ্জাতথা ভয়ং যুগুপসা স্মৃতি পঞ্চম।
কুলমানতথাশীলং অষ্টপাশ প্ৰকীৰ্ত্তিতা।
পাশবদ্ধ ভবেৎজীব পাশমুক্ত সদাশিব ॥"

( কথা )

এলাহ, লাজ, ভয়, নিন্দা, পৰিণাম চিন্তা, কুল, মানও নম্ৰতা এই আঠখন বৰডাঙ্গৰ জাল, ইয়াৰ ভিতৰত থাকিলে জীব, বাহিৰহলেই শিব।

---

## ভয়পাশ।

দৈত্যৰ কুলত, প্ৰহ্লাদ ভকত,
সকলোৰেতাকজানে।
হৰি বলা দেখি, বাপেকে নসহি,
সাজিলমাৰিব প্ৰাণে ॥৪৩॥
হাতীজাপেদেই, বিষক খুৱাই,
তপত তেলত আৰ।

ফেলাইয়া দিয়া, মাৰিব নোৱাৰে,
ঈশ্বৰ সহায়তাৰ ॥৪৪॥
বাপৰ তাৰণা, যমৰ যাতনা,
সিওভাল যেন লাগে।
তাক ভয়এৰি, বলেহৰি হৰি,
সদা হৰি মনে যাগে ॥৪৫॥
ভয় পাশ চিৰি, হৰি মনে ধৰি,
প্ৰহ্লাদ তৰিয়া যায়।
কহে কাশীদাসে, ভজন বিলাসে
কৰিব নেলাগে ভয় ॥৪৬॥*

( কথা )

ইয়াৰ তাৎপৰ্য্য এই, ভক্তি পথত অনেক বিঘ্ন সেয়ে ভয় পাশ ; তাক ভয় ন কৰি যোনে কৰে সেয়ে শিব। তাক হিংসা কৰিও কোনে একো কৰিব নোৱাৰে। তাৰ পহিলা সাক্ষী প্ৰহ্লাদ।

---

## লজ্জাপাশ।

আদি পুৰানত।

বৈষ্ণবান ভক্তকৌন্তেয় মাভজ চান্য দেবতা।
পুনান্তি বৈষ্ণবাসৰ্ব্বে সৰ্ব্বদেবানিদং জগত ॥

( পদ । )

হস্তিনাপুৰত মহাৰজা যুধিষ্ঠিৰ ।
সভাপাতি বসিয়াথাকন্ত নিৰন্তৰ ॥৪৭॥
একদিন পাত্রমন্ত্রি সহিতে তথাত ।
সুধিলা কহিলা কথা কৃষ্ণে অৰ্জ্জুনত ॥৪৮॥
কোৰা সখি এহেন দুৰ্ল্লভ জন্ম পাই ।
সাধু সঙ্গ নকৰি কিসক আছাচাই ॥৪৯॥
বৈষ্ণবক ভজাপূজা কৰা বৈষ্ণবক ।
নভজিবা নিচিন্তিবা অন্য দেবতাক ॥৫০॥
আজি কালিকৰি দিন গেল কাল আসি ।
ওচৰ ছাপিল তথাপিতো ৰৈলা বসি ॥৫১॥
অৰ্জ্জুনে বোলন্ত সখি সদ্‌গুৰুক আশে ।
আছিলোঁ অপেক্ষা কৰি ইমান দিবসে ॥৫২॥
আৰ ভাল বেয়াদোষ গুণক নচাওঁ ।
কালি পৰভাত কালে যাকে লগ পাওঁ ॥৫৩॥
তাকে গুৰু মানি জ্ঞান লভিবোঁহু মই ।
কৰিলোঁ প্ৰতিজ্ঞা এই জানিবা নিশ্চই ॥৫৪॥
ইকথা শুনিয়া কৃষ্ণে মনতে ভাবিয়া ।
মায়া কৰি হইল চড়াল মহলিয়া ॥৫৫॥

মুৰত পাগৰি বান্ধাহাতত টকন।
একান্দিয়া কান্ধে ম'ছ কৰিয়া বহন ॥৫৬॥
মুখত তাম্বুল লাহে লাহে পগলাই।
পৰদিন সেই পিনে বজাৰ নৈযাই ॥৫৭॥
দেখিয়া অৰ্জ্জুনে আসি সমীপ ছাপিলা।
তুমি মোৰ গুৰু বুলি কহিবে লাগিলা ॥৫৮॥
প্ৰতিজ্ঞা কৰিছোঁ। কালিযাকে লগপাওঁ।
তাকে গুৰু মানি এই জীবন কটাওঁ ॥৫৯॥
চড়ালে কহিছে বাপা দিনে জাল পাতি।
মাছ মাৰি ভাত খাওঁ মইহীন জাতি ॥৬০॥
গুৰুৰ নিয়মকিবা কৰানক তাক।
এৰি দিয়া যাওঁ মই মাছ বেছিবাক ॥৬১॥
তথাপি নুশুনে কথা পাণ্ডুৰ তনয়।
বলে উপদেশ দিয়া হইয়া সদয় ॥৬২॥
এৰাবণোৱাৰি মন্ত্ৰ কানত্ত জপিয়া।
দিয়া চলি গৈলা মাছ বেছিব লগিয়া ॥৬৩॥
আছে কত দিন কাকোকায়ো দেখাদেখি।
নাই গুৰু শিষ্য নিজ মনতে উপেখি ॥৬৪॥
পৰে একদিন গুৰু আগৰ নিচিনা।
চল কৰি বজাৰত কৰু বিকাকিনা ॥৬৫॥

এই মনে ৰাজ সভাসন্মুখে দি যাই ।
দেখি কৃষ্ণে অৰ্জ্জুনক সম্বুধি মাতই ॥৬৬॥
হেৰাসখি যিগুৰুৰ কথাক কৈছিলা ।
গৈলা সেই গুৰু দেখোঁ বসিয়া থাকিলা ॥৬৭॥
যতে ততে গুৰুক সাক্ষ্যাত যদি পায় ।
অষ্টাঙ্গে পৰিব লাগে সাধু শাস্ত্রে কয় ॥৬৮॥
গুৰিকে নগলা আৰ প্রণামৰ কথা ।
নকৰুঁ দেখিলোঁ যেন নতুন ব্যবস্থা ॥৬৯॥
অৰ্জ্জুনে কহিলা বহু লোক থকা দেখি ।
মন্দবলি বৰভয়ে নগলোঁ হু সখি ॥৭০॥
কৃষ্ণে বলে এই পাপে চৌষষ্টি নৰক ।
ভোগিব লাগিব সখি পৃথক পৃথক ॥৭১॥
শুনিয়া অৰ্জ্জুনে মনে বৰ ভয় পাই ।
কি হব বুকৰ সখি কি কৰু উপাই ॥৭২॥
শ্ৰীকৃষ্ণ কহিছে তুমি গুৰু সমীপত ।
যোৰাতেওঁ দিব ইকথাৰ যি সম্মত ॥৭৩॥
হেন শুনি গৈলা পাছে কুন্তিৰ নন্দন ।
বিচাৰিয়া পাইলা যাই গুৰু দৰশন ॥৭৪॥
তেঠেকানি বাৰি বান্ধি পানীৰ মাজত ।
জালধাৰি বহি আছে তাৰ উপৰত ॥৭৫॥

তৈৰপৰামাত লগাই অৰ্জ্জুনত কয়।
কিসক আসিছা বাপা দেখিছানে ময় ॥৭৬॥
যাবলৈ নোৱাৰু কোৱাকিবা অথন্তৰ।
ডুবহন্তে দেখি মোৰ কপিছে অন্তৰ ॥৭৭॥
অৰ্জ্জুনে বোলয় প্ৰভু আগেদি আমাৰ।
অলপতে গৈছিলা যি মাছ বেছিবাৰ ॥৭৮॥
সেই দিন মই বহু লোকৰ মাজত।
আছিলোঁ নগলোঁ কৰি বাৰ দণ্ডবত ॥৭৯॥
এই অপৰাধে মোৰ চৌষষ্টি নৰক।
ভোগিবা বুলিয়া কৃষ্ণে কহিলেক মোক ॥৮০॥
হুইনুই ইকথাৰ সন্দেহ ভঞ্জন।
কৰিব পঠালে সখি আপুনাৰ থান ॥৮১॥
যদি সত্য হয় তেবে এই অধমক।
হিত উপদেশ দিয়া দোষ ঢাকিয়োক ॥৮২॥
গুৰু কলে মিছানহে সাক্ষাতে কৃষ্ণক।
ৰাতি দিনে দেখি আছা তথাপি পাতক ॥৮৩॥
কিনু বিপৰীত কথা সুধি আহাগই।
তেবেসে উপায় দিব পাৰিবোঁহু মই ॥৮৪॥
গুৰু আজ্ঞা পাই ধনঞ্জয় চলি গৈলা।
কৃষ্ণৰ আগত সব বৃত্তান্ত কহিলা ॥৮৫॥

বলে সখি গুৰুকলে কথা মিছামুই।
কিন্তু তুমি দেখি আছা কৃষ্ণক সদাই ॥৮৬॥
তথাপিতো লেখে পাপ কৰলৈ নোৱাৰু।
এহি বুলি শঙ্কামনে পঠিয়ালে গুৰু ॥৮৭॥
শ্ৰীকৃষ্ণ কহিলে সখি গুৰু তুষ্ট যাৰ।
সাগৰে গোখুজ যেন হেলেহয়ে পাৰ ॥৮৮॥
গুৰুভিন্ন কৰি ইষ্ট সাধন কৰিব।
এনেবিধি কোন শাস্ত্ৰ সদাচাৰে দিব ॥৮৯॥
এতেকতে যোৱা তুমি গুৰু যথা তথা।
অষ্টাঙ্গে পৰিবাযাই কবা এই কথা ॥৯০॥
গৈলেক অৰ্জ্জুন পৰে গুৰুৰ পাশক।
আদি অন্ত কথামানে সব কহিলেক ॥৯১॥
আহা যোৱা অৰ্জ্জুনৰ দুঃখ বাকি নাই।
দেখিয়া দয়ালু গুৰু দয়া বহলাই ॥৯২॥
কলে তুমি যাই কবা তোমাৰ সখিক।
চৌষষ্ঠি নৰক নাম লেখি দিয়া মোক ॥৯৩॥
লেখাত যেতিয়াতিনি কুৰি চাৰিখন।
হবতাৰ উপৰেদি কৰিবা ভ্ৰমণ ॥৯৪॥
কবা সখি এই মই চৌষষ্ঠি নৰক।
ভ্ৰমন কৰিলোঁ এবেদোষ ক্ষেমিয়োক ॥৯৫॥

এহি বুলি চৰণত পৰিবা বপাই।
দোষ কটাযাব আক জানিবা নিশ্চই ॥৯৬॥
গুৰু উপদেশে যাই কৃষ্ণৰ আগত।
কহিলা কৰিলা ৰীতিমত কাৰ্য্য যত ॥৯৭॥
পাৰা নাই লজ্জা পাশ চিৰিব অৰ্জ্জুন।
গুৰু কৃষ্ণ অনুগ্ৰহে পাইলা পৰিত্ৰাণ ॥৯৮॥
এয়েলজ্জা পাশ এলেখিয়া লাজ যাব।
তিনি কুৰি চাৰিখন নৰক তাহাৰ ॥৯৯॥
বাকি জাল ভজন বিলাসে নভাঙ্গিলোঁ।
কাশীদাস কহে মহাজনক ডৰালোঁ ॥১০০॥*

যোণিলিঙ্গতন্ত্রে।

যত্রতত্র গুৰুং দৃষ্টা তত্রতত্র কৃতাঞ্জলি।
দণ্ডবত্ প্ৰণামং ভুমৌছিন্ন মূলতৰু যথা॥

(কথা)

যতে ততে গুৰুক লাগ পালেই গুৰি কটাগছৰ নিচিনাদীঘল হৈ পৰিব লাগে; যোনে লাজতে নপৰে সেয়েজীব ইয়াৰ পহিলাসাক্ষী অৰ্জ্জুন।

---

# চৌৰাশিলক্ষ নৰক।

( তথাহি )

স্থাবৰে লক্ষ বিংশত্তাং জলজং নবলক্ষ কং।
ক্রিমিনাং রুদ্র সংখ্যাচ পক্ষজংদশ লক্ষকং।
পশুত্রিংশতি লক্ষঞ্চ চতুর্লক্ষানি মানবে॥

( কথা )

গছ গছনিত কুৰি লক্ষবাৰ, পানীত ন লক্ষ বাৰ, পোক পৰুৱাহে এগাৰ লক্ষ বাৰ, পক্ষী কুলত দশ লক্ষ বাৰ, পশু যোনিত ত্ৰিশ কুৰি লক্ষ, মনুষ্য যোনিত চাৰি লক্ষ, এই চতুৰাশি লক্ষ নৰক।

---

## স্থাবৰ যোনি।

( ঢুলড়ী )

শালতাল বেল, লেটুক কঠাল,
আম জাম নাৰিকল।
তমাল বগৰি, খেজুৰ পাকৰি,
তেতেলিকদম্বদল ॥১০॥
কুঞ্জ নাগেশ্বৰ, কেতকি তগৰ,
গোলাপ বকুল ফুল।

যাই যুতি চম্পা, মালতি সেউতি,
স্থলজ কুসুম কুল ॥১০২॥
অৰহি কুষ্মাণ্ড, কলাই সৰিহ,
আৰোগুল্মযত দেখা।
সকলে স্থাবৰ, ইক্কৰা খাগৰা,
কিমান কৰিবা লেখা ॥১০৩॥
ইসকল সৈসে ক, কুৰি লক্ষ নৰ্ক,
স্থাবৰ যোনিত যাই।
আগেও ভোগিছা, ভোগিব লাগিব,
যদি হৰি মনে নাই ॥১০৪॥
প্ৰেমপিৰীতিক, লগত লইয়া,
হৰি নাম কৰা সাৰ।
হৰিক ভজিলে যাব নেলাগিব
স্থাবৰ যোনিক আৰ ॥১০৫॥
হৰি নামচিনি হৰি আগে ভজ
যিহৰিহৰিব মন।
ছয়টী আখৰে, হয় ছয় ৰস,
ছয় ঋতু বৰ্ত্তমান ॥১০৬॥
তিনি নামে হয়, ভাব প্ৰেম ৰস,
বিচাৰ মন সদায়।

ভজন বিলাসে, নহবা নৈৰাশ,
দাসকাশী নাথে কয় ॥১০৭॥*॥



## সংক্ষীপ্ত বাকি নকৰ ।

পদ ।

এহিমতে জলৰ মাজত জীব যত ।
সকলোৰে নব লক্ষ জাতি যোণিতত ॥১০৮॥
সেয়ে নব লক্ষ নৰ্ক জানিবা নিশ্চয় ।
যোনিলিঙ্গ তন্ত্ৰ আৰু কশীখণ্ডে কয় ॥১০৯॥
একোনাই ইসকল জনম ধৰিলে ।
গোমানুষ মৰা পচা মলমুত্ৰ পালে ॥১১০ ॥
সকলোৰে ভক্ষতাৰ আনৰ কি কথা ।
নিজক নিজে খাৱা খাই জানিবা সৰ্ব্বথা ॥১১১॥
তদন্তৰে ভ্ৰমৰাদি ক্ৰিমিৰ কুলত ।
একাদশ লক্ষ নৰ্ক ভোগিব তথাত ॥১১২॥
তৈৰ পৰা পক্ষী যোনি দশ লক্ষ বাৰ ।
ভ্ৰমণ কৰিয়া দুঃখ পাইবে অপাৰ ॥১১৩॥
পৰে পশু যোনি ত্ৰিংশ লক্ষ বাৰ যাই ।
শীতে বাতে বৰুষনে কষ্ট বাকি নাই ॥১১৪॥

এইৰূপে সিও জন্ম কৰিলেক ক্ষয়।
চাৰি লক্ষ যোনিত পৰে মানুষ হোৱয় ॥১১৫॥
সংক্ষেপেতে কহু শুনা তাৰ পৰিপাতি।
গাৰোমিৰি নগা কুকি বনৰিয়া জাতি ॥১১৬॥
বহু আছে সকলোৰে পশু ব্যৱহাৰ।
পকা কাচা নাই একো খাবাৰ বিচাৰ ॥১১৭॥

গড়ুৰ পুৰাণে।

"অশিতি চতুৰশ্চৈব লক্ষঞ্জাতিজন্মসু।
ভ্রমন্তি পুৰুষপ্রাপ্তামানুষজন্ম পূণ্যয়াং।
শূদ্রযোনিশতং প্রাপ্ত ব্রাহ্মনন্ত তদন্তৰে॥"

( পদ )

তৈৰপৰাএশযোনি অন্তে পুজ্য হই।
শূদ্রকুলেজন্মি যদি ভক্তি পোৱা নাই ॥১১৮॥
পৰে একবাৰ ব্রহ্ম কুলত জনম।
এহি সে কাৰণে হৈ ব্রাহ্মণ উত্তম ॥১১৯॥

কাশীখণ্ডে।

"এষাজন্মযদাপ্রোক্তা মুক্তিভবতি তৎক্ষণাৎ।
স্বধৰ্ম্মেন পৰিভ্রষ্টা পুনশ্চ স্থাৱৰ ক্রমাৎ॥"

( পদ )

এই জন্ম পালে মুক্তি অতি শীঘ্রে পায়।
হৰিভক্তি পাবলৈকে কষ্ট বুলি কয় ॥১২০॥
স্বধর্ম্মত পৰিভ্ৰষ্ট নহব বুলিয়া।
যোনিলিঙ্গতন্ত্রে পুনঃ কহে ফুকাৰিয়া ॥১২১॥

( তথাহি )

"উত্তমে উত্তমাং যাতি আত্মনাং জনতাৰয়েৎ।
সএব আত্মঘাতিস্মাৎ পুনর্য্যাস্যতি যাতনা॥"

( পদ )

সকলজন্মৰ সাৰ ব্ৰাহ্মণ হইয়া।
সকল যুগৰ সাৰ কলিক পাইয়া ॥১২২॥
ভজিলাহা হৰি নাম সৰ্ব্ব ধৰ্ম্ম সাৰ।
সৰ্ব্ব অবতাৰ মধ্যে গৌৰাঙ্গাবতাৰ ॥১২৩॥
গুৰুতে সদ্গুৰু মন্ত্ৰ শ্ৰীচৈতন্য আৰ।
লইপাই কৰিআছা কাৰ্য্য উত্তমৰ ॥১২৪॥
কিন্তু জ্ঞান কৰ্ম্ম তা'তে মিহলি কৰিলে।
পুনৰ যাতনাক যাব বুলিয়া কহিলে ॥১২৫॥

( তথাহি )

সিদ্ধান্ত চন্দ্র উদয় নাটকে।

"অম্লযোগে যথাদুগ্ধদুগ্ধত্বমপিনাং কদা।
তথাবৈদি যুক্ত ৰাগৰাগত্ব নৈবচ নৈবচ॥"

( পদ )

যদি অল্প অম্লৰসদুগ্ধতপৰয়।
তৎক্ষণাত দধি নাম ধাৰণ কৰয় ॥১২৬॥
দুগ্ধত্ব নাথাকে তাক সকলোৱে জানে।
স্বতন্ত্র থাকিব নৰে মিহলিয়া গুণে ॥১২৭॥
তেনেজ্ঞান কৰ্ম্মে ৰাগমিহলি কৰিলে।
ৰাগৰ নাথাকে লেস জানিবা সকলে ॥১২৮॥
জ্ঞানকৰ্ম্মে মুক্তি, ৰাগেভক্তি বুলি ধৰা।
ভকতি কৰিবা যোনে মুকুতিক এৰা ॥১২৯॥
মুক্তিপথে দান ব্রত তীর্থক ভ্রমণ।
ধৰ্ম্মকৰ্ম্ম যত মানে মুক্তিৰ কাৰণ ॥১৩০॥
আকেসে কৈতভ বুলি সাধু শাস্ত্রে কয়।
আকতেজি মুক্তিতনিস্পৃহা ভক্ত হয় ॥১৩১॥
এয়েবৈদি ভক্তি আৰ চতুঃষষ্টি ৰস।
আৰ মধ্যে নববিধে কৰে কৃষ্ণ বশ ॥১৩২॥
যেনে কোন ঔষধে ৰোগৰ সাম্য হয়।
সুগুছে পলমে আকোহৱ পুনৰায় ॥১৩৩॥
তেনে নববিধে কৃষ্ণে বশো কৰে যদি
ঐশ্বৰ্য্য জ্ঞানৰ গুণে ভুলে নিৰবধি ॥১৩৪॥

সেই নববিধে ৰসময়ী ভক্তি বুলি।
কয়কাৰোমনে ভাবে দিলে চিত্ত খুলি ১৩৫॥
ৰসময়ী বুলিতাক ধৰিব নেলাগে।
তাৰ পটন্তৰ এক শুনা মনযোগে ॥১৩৬॥
আছে যুবতীৰ যিবা বসন ভূষণ।
স্বামীসহ বাসে তাৰ নাই প্ৰয়োজন ॥১৩৭॥
কাৰ প্ৰয়োজন কহু শুনা সৰ্ব্বজন।
স্তননেত্ৰ মুখদৃষ্টি পথৰ নিচান ॥১৩৮॥
নবধাভক্তিৰো তেনে জানিবা কাৰণ।
এনেশক্তি নাই কিয়ানুমৰ্ম্ম নিজন ॥১৩৯॥
কানেও নুশুনেকৰে কিৰূপে শ্ৰবণ।
অবাক হইছে নৰে কৰিব কীৰ্ত্তন ॥ ১৪০॥
কিৰূপ চিন্তিব দেখা নাই কোন দিন।
উঠিব নোৱাৰে কৰে কিমতে বন্দন ॥১৪১॥
ভালৰেসে ভক্তি ইযে নিদানৰ নহে।
ভক্তৰ লক্ষণ তাক ভকতি নকহে ॥১৪২॥
ভকতি নহলে কোনে শ্ৰবন কীৰ্ত্তন।
কলেও নকৰে দেখোঁ শুনু সৰ্ব্বক্ষণ ॥১৪৩॥
কোন স্থানে ভাগবত কীৰ্ত্তন হইছে।
কোনোবাই শুনিবলৈ লগক ধৰিছে ॥১৪৪॥

কোনোবাই কহে মোৰ সকাম অনেক।
শুনিব যি গলেগাৱে নযাইব ঢাক ॥১৪৫॥
এহি বুলি কীৰ্ত্তনক হেযজ্ঞান কৰি।
অন্যস্থানে অন্য কাৰ্য্যে যায় লৰালৰি ॥১৪৬॥
ভকতি নাইকা গুনে শ্ৰবণ নকৰে।
বৰ্ত্তমান কালে জনা শুনা সবে নৰে ॥১৪৭॥
নকলেও হৰি কথা শুনিবাৰ প্ৰীতি।
সাধুৰ সঙ্গক আহা গোৱাদিনে ৰাতি ॥১৪৮॥
কৰেমি ৰসত সেয়ে ভক্তি ৰসময়ী।
কেই ৰসে পূৰ্ণ যদি জানে সমুদয়ী ॥১৪৯॥
সেয়ে নিজ ভক্ত ভকতিৰ সেয়ে সাৰ।
ভাবিচোৰা হেৰামন বুদ্ধি অহঙ্কাৰ ॥১৫০॥
চিত্ত সমে সবে সেই পথ অনুসৰি।
দাস কাশীনাথে কহে বলা হৰি হৰি ॥১৫১॥*

---

# ৰচোতাৰ পৰিচয়।

(ছবি)

চাৰি কুৰি চাৰি ক্ৰোশে, পৰিমান যেই দেশে,
হয় সেই মোৰ নিজ দেশ।

দ্বাপৰেসে ভৈলা কাল, পাত্র শ্রীনন্দ দুলাল,
বুলি আক জানিবা বিশেষ ॥১৫২॥
অপাত্রেই পাত্র পাই, অহঙ্কাৰে মত্ত হই,
নাই তাঁৰ প্রতি পুর্ব্বৰাগ ।
ভাবনাৰো নাই লেস, মাত্র তি কামালা ভেস,
আশ্রয়ৰো নজানুহু ভাগ ॥১৫৩॥
জন্ম মোৰ দ্বিজ কুল, কলিতে দ্বাপৰ কাল,
পালোঁ পুর্ব্বজনমৰ ফলে ।
চৈতন্য মন্ত্রৰ চিন, নাই দেখি কৰো ঘিন
ইজন্মৰ ফল এই হলে ॥১৫৪॥
শ্রীভজন বিলাসৰ, পুর্ব্বাপৰ নিয়মৰ,
মতে একোকার্য্য নকৰিলোঁ ।
ঘাই নাম গুৰু দাস, হই ভজনে উল্লাস,
লাভে মুলে সমূলী ডুবালোঁ ॥১৫৫॥*

( যামলে )

মন্ত্রাদি মন্ত্র চৈতন্য দেশ কালাদি পাত্রতঃ ।
এতেনাবদয়েৎ যস্ত্ত সগুৰু শিষ্যঘাতকাঃ ॥

কথা ।

সকল মন্ত্রৰ গুৰ চৈতন্য মন্ত্র ইয়াকে আৰু দেশ, কাল, পাত্র যি গুৰুই বুজাই নিদিয়ে তেওঁয়ে

শিষ্য বধী গুৰু জানিবা। ইতি শ্ৰীকাশীনাথ দাস বিৰচিত শ্ৰীভজনবিলাস পদ্ধতি তেৰশ চৈধ্য চনৰ ফাগুনত চাৰিটা তিপনি, সাৰে তেৰটা শ্লোক, আঠ চল্লিশ সাৰি ভাঙ্গনি কথা আৰু এশ পচ্ পন্ন পদ-শকে সমাপ্ত হল ॥*॥ ॥*॥ ॥*॥ ॥*॥ ॥*॥

---

অন্ত।

# জাননী।

ইয়াৰ দ্বাৰাই সকলোকে জনোৱা হল যে, তলত লেখা ধৰ্ম্ম পুথি দুখন মোৰ ওচৰত পোৱা যায়। আৰু একে লগে চাৰি খন শ্ৰীভজনবিলাস পদ্ধতি, নিলে তাৰ লগত বিনা মূল্যে সৰ্ব্বধৰ্ম্ম সাৰ, এখন উপহাৰ দিয়া যাব।

| | পুথিৰ নাম। | মূল্য। |
|---|---|---|
| ১। | শ্ৰীভজনবিলাস পদ্ধতি .. | ।০ |
| ২। | সৰ্ব্বধৰ্ম্ম সাৰ | ৵০ |

ঠিকনা —

শ্ৰীলাহিৰাম তালুকদাৰ,

পোঃ পাটাচাৰকুচি,

গাঁ বামাখাটা, কামৰূপ।